

# সন্তসাৰ।

প্ৰকাশক।

শ্ৰীপূৰ্ণানন্দ গগৈ,

ও

শ্ৰীলক্ষ্মীনাথ শৰ্ম্ম।

# সন্তসাৰ।

৺ ৰমানন্দ ৰচিত।

শ্ৰীপূৰ্ণানন্দ গগৈ”ৰ দ্বাৰা
সংগৃহীত।

শ্ৰীলক্ষ্মীনাথ শৰ্ম্মা

সাহিত্য-ভাণ্ডাৰ পুস্তকালয়’ৰ পৰা
প্ৰকাশিত।
পোষ্ট জয়পুৰ,—আসাম।

১ম সংস্কৰণ।



কলিকাতা,
৬নং কলেজ-স্কোয়াৰ, সাম্য-প্ৰেসত,
সেখ আবদুল লতিফ দ্বাৰা
মুদ্ৰিত।

১৯১৫।

মূল্য ।৶০ ছয় অনা মাত্ৰ।

# পাতনি।



"এই পুথিখনি" সাধু সন্ত, মহন্ত, ব্ৰাহ্মণ বৈষ্ণব, শূদ্ৰ সকলোৰে লাগতিয়াল যেন ভাবি পুৰণা কবিৰ সাহাৰ্য্যত ইয়াক অতি যত্নেৰে সংগ্ৰহ কৰি প্ৰকাশ কৰা হ'ল। গুণগ্ৰাহী গ্ৰাহক ও পাঠক সকলে যেন ইয়াক আদৰেৰে গ্ৰহণ কৰি আমাক ভবিষ্যতলৈ এনে ধৰণৰ পুথি সংগ্ৰহ ও প্ৰকাশ কৰিবলৈ উৎসাহ দিয়ে(ই) আৰু যদি কোনোবা খিনিত ভ্ৰম অশুদ্ধ দেখে, তেনে পাঠক সকলে হৰি কথা বুলি আমাক দুখ নিদি যেন নিজে নিজেই শুধৰাই লয়। মোৰ এই ফেৰায়েই সুহৃদৰ গ্ৰাহকবৰ্গ সকলৰ সমীপত (পাতনি) গোহাৰি জনালো। ইতি

| | |
|---|---|
| নিবাস, মাজলীবাম, | নিবেদনমিতি, |
| পোঃ জয়পুৰ, | শ্ৰীপূৰ্ণানন্দ গগৈ, |
| আসাম, ১৯১৫। | সংগ্ৰাহক ও প্ৰকাশক। |

# বন্ধুৰ প্ৰতি গোহাৰি।

প্ৰিয় শ্ৰীযুত লক্ষ্মীনাথ শৰ্ম্মা, সভাপণ্ডিৎ
ফুলপানীচিগা—জাজি।

ডাঙ্গৰীয়া!

মই আজি বহুত দিন অৰ্থৰ অভাবত এই সামান্য সন্তসাৰ নামক পুথিখন প্ৰকাশ কৰিব নোৱাৰি আবদ্ধ কৰি ৰাখিথোৱা হৈছিল। কিন্তু আজি আপোনাৰ অনুগ্ৰহৰ বলত এই সাৰৱা সন্তসাৰ পুথিখানি প্ৰকাশ কৰি মনৰ হেঁপাহ আৰু যত্নক্ৰটী সফল হ'ল বুলি মানিলো।

আপুনি মোক এই কৃতকাৰ্য্যত সহায্য দিয়াৰ বাবে আপোনাৰ গুণনাগাৰ থাকিব নোৱাৰিলো। আশাকৰে যেন চিৰ দিন শপৰিবাৰে সৈতে কুশলে ৰাখক। আৰু এনে শুভ কাৰ্য্যলৈ উৎসাহ হওক। মোৰ আপোনাৰ প্ৰতি ঈশ্বৰৰ ওচৰত এই প্ৰাৰ্থনা মাগিলো। ইতি—

জয়পুৰ, আসাম।
১লা নবেম্বৰ, ১৯১৪।

আপোনাৰ,
শ্ৰীপূৰ্ণানন্দ গগৈ।

# সন্তসাৰ।

শ্ৰীকৃষ্ণায়ে নমো নমঃ।

পদ।

জয় জয় কৃষ্ণ পূৰ্ণ ব্ৰহ্মা সনাতন।
অনাদি অনন্ত ব্ৰহ্ম নিত্য নিৰঞ্জন ॥
যিটো মহা পুৰুষ অনন্ত মহেশ্বৰ।
নাহি ক্ষয় বুদ্ধি যাৰ বাহিৰ ভিতৰ ॥১॥
কোটী ২ ব্ৰহ্মাণ্ড কতাক্ষে হোৱে যাৰ।
ভক্তৰো পৰম ভক্ত ব্ৰহ্ম অধীকাৰ ॥
যিটো পূৰ্ণ কাম চিত্ৰা নন্দ ঘন শ্যাম।
যিটো ধৰি আছানন্দ সুত কৃষ্ণ নাম ॥২॥
হেন কৃষ্ণ গুৰু পুনো ৰূপ ধৰি আশি।
জীৱক তাৰিলা নিজ ধৰ্ম্মক প্ৰকাশী ॥
তাহান চৰণে কৰি অনেক প্ৰণাম।
বিৰচিলো মই ইটো সন্তসাৰ নাম ॥৩॥

মহা ভোগ ইচ্ছা যেন ভৈলা দৰিদ্ৰৰ।
লঙ্কা যেন চাৰিবেক ভৈলয় শিক্ষৰ॥
জানি বুদ্ধ জনে মোক নিন্দা নকৰিবা।
শাস্ত্ৰ সাৰ বিছাৰিয়া আপুনি বুজিবা॥৪॥
সকলো শাস্ত্ৰৰ সাৰ অণুবন্ধ যত।
তাকে নিবন্ধিলো যত চুৰয় মনত॥
সকলো শাস্ত্ৰৰ সাৰ হৰি নাম ধৰ্ম্ম।
আত ব্যতিৰেক ব্যৰ্থ আন যত কৰ্ম্ম॥৫॥
পূৰ্ব্বে হংখ নাৰায়ণে ব্ৰহ্মাত কহন্ত।
পুৰুষোত্তমৰ যত মহিমা অনন্ত॥
কনক বৈকুণ্ঠে থাকে প্ৰভূনিৰাকাৰ।
তাহান স্থানৰ বিনোদৰ নাহি পাৰ॥৬॥
সীমা সংখ্যা নাহিকে কনক বৈকুণ্ঠৰ।
তাত কাংশে প্ৰকাশন্ত পূৰুষ ঈশ্বৰ॥
শ্যামল শৰীৰ পীত বস্ত্ৰে পৰিধান।
শিৰত কিৰিতি জ্বলে মছিত সস্থান॥৭॥
মকৰ কুণ্ডল গলে সোভিয় কৰ্ণত।
হাৰ গজ মণিৰ বন মালা ওপৰত॥
ছাৰু চতুৰ্ভূজ ইটো আজানু লম্বিত।
কঙ্কন কেয়ুৰ তাৰ কৰয় ৰঞ্জিত॥৮॥
কৰতল ৰাতুল আঙ্গুলী প্ৰকাশয়।
প্ৰতি আঙ্গুলীত ৰত্ন আঙ্গুঠী জ্বলয়॥

পাত পীত ভূষিত মেখেলা শুশোভয়।
তাহাতে জেন্দোকী বান্ধি কিঙ্কিনী বাধয় ॥৯॥
পদে পঞ্চ চিহ্নে যাৰ শোভে মনোহৰ।
ৰত্নৰ নেপুৰ বাজে যেন বালাহাৰ ॥
ধ্বজ ব্রজ পঙ্কজ অঙ্কুশ ৰাশিকৰ।
প্রকাশন্ত ৰত্ন যেন আকাশী গায়ৰ ॥১০॥
হেনয় লাবণ্যৰূপ জগত গুৰুৰ।
কোটি কন্দৰ্পক মিলি প্রকাশে প্রভুৰ ॥
কোটী কোটী ভকত তাহাতে প্রকাশয়।
এক এক ভক্তে সূৰ্য্য সম কান্তি হয় ॥১১॥
মহাপ্রেম সাগৰে মজিয়া যে আছয়।
সেই সম গুৰু গৰ্জ্জি ভকত বোলয় ॥
কৃষ্ণৰ সদৃশৰূপ বষণে ভূষণে।
তৰুণ বয়ষ সব দিছে আভৰণে ॥১২॥
ভকতিত বিনে তাত আন কিছু নাই।
হৰিৰস প্রেমে ডুবি থাকা সৰ্ব্বদাই ॥
সৃষ্টিস্থিতি প্রলয় কৰিতে শক্তি আছে।
লাৱণ্য সুন্দৰ বেশ ধৰি থাকা কিছে ॥১৩॥
চন্দ্র সম মধুৰ বচন কুকিলৰ।
দৰশন মাত্র সংসাৰৰ তাপ হৰ ॥
তাসম্বাৰ মহিমা কহিবো মই কত।
অৰ্ব্বুত নিৰ্ব্বুত তাহাৰ আছয় ভকত ॥১৪॥

অজানু লম্বিত দুই ভুজ সবা সাৰে।
সূৰ্য্যসম প্ৰকাশ কৰয় অলঙ্কাৰে॥
কঙ্কন কেয়ুৰ তাৰ শোভে গজ মতি।
বলয়াত মলামনি কৌস্তোভে সহিতি॥১৫॥
পেচণ্ডাৰ টুৱয় ছুয়ৱ যেংৰুছিয়ে।
দশ অঙ্গুলীত জ্বলে আঙ্গুষ্ঠীৰ লয়ে॥
চৰণে নেপুৰ বাজে কটিত কিঙ্কিনী।
পাদ পদ্ম যোগলত বাজয় ঝিঞ্চিনী॥১৬॥
কঙ্কালত পাতপীত পূৰুষ ভূষিণী।
নিল অঙ্কুশিত যেন কেশ চুড়া মনি॥
প্ৰকাশ কৰয় মেঘ মধ্য সূৰ্য্য জীনী।
সৰ্ব্ব অলঙ্কাৰ ঈশ্বৰৰ ভিন্ন ভিন্নি॥১৭॥
ৰত মাত্ৰ বেদ সবে মূৰ্ত্তি ধৰি তথা।
সবে মিলি কীৰ্ত্তন কৰয হৰি কথা॥
কি কহিবো ভকতৰ মহিমাৰ অন্ত।
সহস্ৰ মুখে ব্ৰহ্মা কহি নাপায় অন্ত॥১৮॥
উৰ্দ্ধত ৰাতুল নখ চৰণ ৰাতুল।
তাত শোভে পঞ্চ বৰ্ণ চিহ্ন নাহি তুল॥
আগত প্ৰকাশে ধ্বজব্ৰজ যে মধ্যত।
পঙ্কজ পাচত জয়ে অঙ্কুশ তৰ্ব্বত।১৯॥
গুৰু ৰূপ শিষ্যে যে ইহাক দেখিবেক।
নিশ্চয় শৰণ দেখি শিষ্যে ভজিবেক॥

সেহি গুৰুৰ ৰূপ দেখিলে যিটোজন।
তেবেশে তাহাঙ্ক জানা বোলয় ভজন ॥২০॥
সেহি গুৰু ভকতক তাহাঙ্ক দেখিব।
তান্তে প্ৰতি ভৈলে ভক্তি কেৱল বুলিব ॥
গুৰুয়ে শিষ্যক পাছে জীৱ দেখিবেক।
কৃষ্ণ বুলি গুৰু কষে মানিবে প্ৰত্যেক ॥২১॥
নিজ গুৰু নিৰ্জ ভক্তি থাপিয়া থৈবেক।
তাৰ নাম পিতৃ বুলি জানিবা প্ৰত্যেক ॥
মোধন্ত মাধৱে বাপ কৈওক আমাক।
নামৰ কেবল আবে বোলয় কাহাক ॥২২॥
শুনিয়োক যাৰ নাম কেৱল বোলয়।
ঈশ্বৰৰ নাম মাত্ৰ ভকতে ভাবয় ॥
এতেকে কেৱল নাম ভক্তক বোলয়।
এতেকেহে ভকতক ভূপ্তাবে লাগয় ॥২৩॥
মাধবে বোলন্ত নিজ গুৰু কাক বোলে।
আপোন গুৰু বুলি কাক কহে কেৱলে ॥
মাধৱত শঙ্কৰে কহন্ত হাস্য কৰি।
নিজ গুৰু পৰমাত্মা ঈশ্বৰকে বুলি ॥২৪॥
উপদেশ দাতা যিটো নিজ গুৰু হই।
তাহাঙ্ক আপোন গুৰু বুলিয়া নিশ্চই ॥
দুইকো এক কৰি যিটো জনে ভজিলা।
ৰমানন্দ গুৰু বুলি তাহাক ভজিলা ॥২৫॥

কৃষ্ণক একান্ত গুৰু ঈশ্বৰ বুলিয়া।
সি সব ভকতে তাঙ্ক আচয় ভজিয়া॥
সেহি ভকতক মিত্র সুহৃদ মানিয়া।
কৰিবেক অতি তাঙ্ক আনন্দিত হুৱা॥২৬॥
তাকেহে কেৱল ধৰ্ম্ম বুলিয়া নিশ্চয়।
স্বধৰ্ম্মিক সতকাৰ কেবল বোলয়॥
মাধৱে বোলন্ত মোত কহিবে লাগয়॥
নিকিৰ কীৰ্ত্তন শুনা নাৰদে কহয়॥২৭॥
লোক উপদেশ জানি যিখানি কৰয়।
বিৰাজ কীৰ্ত্তন বুলি মহন্তে কহয়॥
কৃষ্ণক হৃদয়ে ধৰি কৰিবে কীৰ্ত্তন।
নিকিৰ কীৰ্ত্তন বুলি কহে সাধুজন॥২৮॥
আৰু শুনা কহো এক দৃষ্টান্ত অপৰ।
এক সাধু আছে তান দ্রব্য বহুতৰ॥
তাম্র কাংশ মাজাৰি লো ৰূপাহি আচয়।
কোনে মোক জোনো আন্ত পৰাৰ্থ থাপয়॥২৯॥
এহি বুলি সবে চিকি ৰূপাক কহিলা।
ৰূপক বিস্তৰ দেখি সুবৰ্ণ কৰিলা॥
সুবৰ্ণ বিস্তৰ দেখি ৰত্তন ভজিলা।
তাহাক বিস্তৰ দেখি হীৰাক কৰিলা॥৩০॥
তেবে সাধু নিজ স্থানে কৰিলা গমন।
ধাতু জীৱ দেহা লোক এৰি অনুক্ষন॥

নয় বিধ ভক্তি আবে বাছিয়া লৈলেক।
তাক এৰি শ্ৰবণ কীৰ্ত্তন ধৰিলেক ॥৩১॥
গুৰু পাৰে সেৱা কৰি তাহাক কহন্ত।
সঙ্গত বহি পাছে ভক্তি আচৰন্ত ॥
এতেকে হে গুৰু সেৱা ভক্তি মধ্যে সাৰ।
গুৰুয়ে নকহে ভকতিত পৰে আৰ ॥৩২॥
আৰু শুনা দেৱ স্তুতি দেবীৰ প্ৰসঙ্গ।
কপিলত পুত্ৰ বুলি কৰি কৰে ৰঙ্গ ॥
গুৰুক মনুষ্য বুলি যিজনে কহয়।
এতেকে জানিবা তাঙ্ক প্ৰসঙ্গ হোৱয় ॥৩৩॥
আগে ভক্ত মানি কৰে সেৱা শতকাৰ।
মনুষ্য বুলিয়া পাছে হেলা কৰে আৰ ॥
তাহাক ভকতি শূন্য বুলিয়া কহয়।
ভকতিৰ শূন্য তাকু নামে নতাৰয় ॥ ৩৪ ॥
দৈবকীৰ পুত্ৰ বুলি কৃষ্ণক কহিলা।
তথাপি তুহঙ্কি দেখি কি হক নভেলা ॥
কৃষ্ণ পূৰ্ণ ব্ৰহ্ম তান নামৰ প্ৰসঙ্গ।
মহা হৰিময় কৃষ্ণ এৰি মহা ৰঙ্গ ॥ ৩৫ ॥
এতেকেহে সৰ্ব্বভাবে কৃষ্ণ পূৰ্ণ হয়।
পাচেতো নহৈবে তাঙ্ক জানিব নিশ্চয় ॥
ইবেলিৰ কৃষ্ণপূৰ্ণ কলি যুগ পুণট।
আৰু সব সবে মুহি জানা মহা গুণ ॥ ৩৬ ॥

মাধবে বোলন্ত যুগধৰ্ম্ম কাৰ নাম।
কলিত নামেহে যুগধৰ্ম্ম অনুপাম ॥
গুৰুতে আশ্ৰয় ভকতত প্ৰীতি কৰি।
এহিতো পৰম ধৰ্ম্ম লৈয়োক সাদৰি ॥ ৩৭ ॥
শ্ৰীনাৰায়ণে ব্ৰহ্মা আগে কহিলেক।
ঈশ্বৰ জীৱন মায়াঁ মোহ তৰনক ॥
জ্ঞান বিজ্ঞানত হোৱেঁ ৰহস্য প্ৰমাণ।
নাৰদে ব্যাশত আৰ্য্য শ্লোক যেন স্থান ॥ ৩৮
ৰৰং ৰহস্য জাতী দ্ৰব্য গুণ হোৱা।
ৰাৰে শ্লোক শুকে পৰীক্ষিতত কহিয়া ॥
এহিমতে জানা বাৰ স্কন্ধ ভাগৱত।
শুনা আবে ভাগৱত লক্ষণ সমস্ত ॥ ৩৯ ॥
সঙ্গ বিসঙ্গ শুনি পৌষ নতৰয়
সনন্ত ঈসানু মুক্তি নিৰ্গুণ আশ্ৰয় ॥
ব্ৰহ্মা নাৰদত কৈলা নাৰায়ণ হুয়া।
নাৰদে ব্যাশত ব্ৰহ্মা হুৱা প্ৰপঞ্চিয়া ॥ ৪০ ॥
দৈপায়ন শুকত নাৰদ হুৱা কৈলা।
শুকে পৰিক্ষিতত ব্যাস হুৱা প্ৰপঞ্চিলা।
শুকে সৌনকত তুস্ত হুৱা কহিলন্ত।
অদ্যাপিও যায় মন ধৰ্ম্মক শুনন্ত ॥ ৪১ ॥
এতে কেহে হিতো গুৰু জানি কৰা কায়।
পূৰ্ণ কৃষ্ণ বুলি তাক জানিবা নিশ্চয় ॥

শুনা সাধুজনে কথা সৎসঙ্গ নির্ণয়।
এহি ভাবে প্ৰবৰ্ত্তিব কহিলো নিশ্চয়॥ ৪২॥
তেবেহে কেবল ভক্ত সাধুৰ লক্ষণ।
ৰাম নাম বুলি তৰিয়োক সৰ্ব্বজন॥

---

# দুলড়ি।

শঙ্কৰ কহন্ত, মাধৱে শুধন্ত,
সৎসঙ্গ নির্ণয় কথা॥ ৪৩॥
হৰিনীৰ তিনি বিধ যেন মত,
উত্তম মধ্যম কথা॥
প্ৰকৃতি শৰণ মনে সুখ দুখ,
কহিয়ো আকলবয়॥ ৪৪॥
কৃষ্ণ বিনে আন সবে মিছা দেখে,
সৎসঙ্গে কীৰ্ত্তন কৰয়॥
শঙ্কৰে কহয় হেনয় সৎসঙ্গে,
জানিয়া শৰণ লয়॥
উত্তম শৰণ কহিলোহো আৰ,
ধৰিয়ো তুৱা নিশ্চয়॥
আদি সত্যযুগ প্ৰচাৰয় বেদ,
হৰি নাম মাত্ৰ বেদ। ৪৬।
সেৱক সদ্গতি আত্তপৰে কিছু
নাহি আন্ ফল কৰ্ম্ম॥

পুৰুষ উত্তম একৰূপ মাত্ৰ
মনোবিনোদিয়া হয় । ৪৭ ॥
কৰ্ম্ম যে বিনোদ কাৰণ বিনোদ,
অন্তৰ্য্যামি ৰূপ হয় ॥
জীৱৰূপ ভোগ, কৰ্ত্তাবান্তৰতে,
এক ভগবন্ত জানি । ৪৮ ।
কৃষ্ণৰ কীৰ্ত্তন, পৰম গৌৰৱ,
আৰু এক কৰি মানি ॥
শ্ৰবণ কীৰ্ত্তন পৰম শোভন,
শ্ৰবণে হোৱে অপেক্ষা । ৪৯ ।
কীৰ্ত্তন মূলত নাহিকে অপেক্ষা
কহি কেহো নুহিপেক্ষা ॥
পুৰুষাৰ্থ পঞ্চ কীৰ্ত্তনক বুলি,
ভাগৱত কৰো সাৰ । ৫০ ॥
আনোযত নাম অপৰাধ আছে,
কীৰ্ত্তনত ভস্মকৰ ॥
কৃষ্ণৰ ৰূপক হৃদিতে দেখিবে,
ভকত বুলিও নাম । ৫১ ॥
সেহি ভক্ত সমে পিৰিতী কৰিবে,
বুলিব কেৱল নাম ॥
কেবল ভক্তৰ স্থান কহো শুনা,
বৈকুণ্ঠ সপ্তম স্থান ॥ ৫২ ॥

সাতুলোক এক উপৰে প্ৰসিদ্ধ,
চিত্ৰ বিনা সাত খান ॥
কপিল বৈকুণ্ঠ কাষে অক্ষহেম,
ওপৰে পুষ্পবৈকুণ্ঠ। ৫৩ !
কেৱল ভক্তৰ সেহি স্থানজানা,
পুণ্যৰ স্থানহোৱন্ত ॥
শ্ৰীনাৰায়ণে তাহাতে থাকন্ত,
ভাগৱত শাস্ত্ৰ কয়। ৫৪ ॥
একে পৰম ব্ৰহ্ম সূৰ্য্যৰূপে আছা,
বিছাৰিয়ানাপাৰয় ॥
পৰম পুৰুষ উত্তম কেৱল,
ভকতে কৰয় সেৱ। ৫৫।
শ্ৰীনাৰায়ণে ব্ৰহ্মাৰ আগত
নাৰদী সপ্ৰদাকয় ॥

---

## পদ।

শঙ্কৰে বোলন্ত আবে শুনিও মাধৱ।
জীৱ সকলৰ বহু যুক্ত পৰাভৱ ॥৫৬॥
হৃদয়ত পদ্ম আছে তাৰ আঠ দল।
যৈতে জিবা থাকি কিবা কৰয় সুফল ॥
পদ্মৰ পাশিত জীৱ যে স্থানে থাকয়।
নানা কৰ্ম্ম কৰিবাক মনক কৰয় ॥৫৭॥

অগ্নিৰ পাশিত ভৈলে ক্ৰোধ উপজয়।
দক্ষিণত ভৈলে ক্ৰোধ বুদ্ধি কৰাৱয়॥
নৈঋত পাশিত জীৱ যে থানে থাকয়।
ক্ষনক গমন কৰিবাক মন্ হয়॥৫৮॥
পশ্চিমত থাকি দেশান্তৰি বানিজ্যক।
বাব্যে থাকিলেক মন হোৱে গমনক॥
উত্তৰতে থাকি জীৱ ভঁকততে মন।
লক্ষ্মী দিশ ভৈলেকযে ব্যাধিয়ে পীৰন॥৫৯॥
এতেকে উত্তৰ পাশিত ভক্তি মস্ত হয়।
কেৱলৰ জীৱ দক্ষিন কানে বাজ হৱ॥
পঙ্কজৰ ওপৰত চন্দ্ৰৰ মণ্ডল।
তাৰ উপৰত বহি থাকয় কেৱল॥৬০॥
বিষ্ণু ৰূপে থাকে তাত জানিবা নিশ্চয়।
কবি ৰমানন্দে ইতো কহিৱে লাগয়॥
কিশোৰ বৰিষ ইন্দ্ৰিয়ৰ তনু শ্যাম।
অজানু লম্বিত দুই ভূজ অনু পাম॥৬১॥
প্ৰভাত সূৰ্য্যৰ যেন পীতাম্বৰ বেশ।
শিৰত অমূল্য ৰত্ন কিৰিতি সুবেশ॥
কৰ্ণত উন্নত জানা বদন উন্নত।
বাহুত বলয়া আৰু কঙ্কন কৰত॥৬২॥
আঙ্গুলীত চম্পাৰ কলি আঙ্গুঠি ৰত্নৰ।
নখ চন্দ্ৰ উদৰত তিনি ৰেখা বড়॥

কতি পীত ভূষি তাত কিঙ্কিনী সুনাৰ।
চৰণে হুৱয় নেপুৰৰ জ্যোতিষ্কাব ॥৬৩॥
নীলৰ অঙ্গুলি যেম চম্পকৰ ফুৰ ॥
ৰত্ন উজস্তিৰ ৰঙ্গা চৰণ উজ্জৰ॥
আৰু শুক্ল পঞ্চবৰ্ণ চিহ্ন সাজ তাত।
আগেধ্বজ ব্ৰজজয় পঙ্কজ পাছত ॥৬৪॥
মহাদেৱে ধ্বজ ব্ৰজ নাৰদে হোৱাৱ।
ভকতৰ করুনায়ে অঙ্কুশ বোলয় ॥
হয় বিনাশেক চয় হোৱা চয়।
কেবল ভক্তৰ ৰসে কেনন হোৱয় ॥৬৫॥
অনুৰাগে চৰণ পাৰিষদে আঙ্গুলী।
কেবল ভক্তৰ ৰসে নখ চন্দ্ৰ বুলি ॥
শঙ্কৰৰ ৰস ভাগে উজস্তিৰ নৰ।
বেদ শিৰোৰত্ন হোৱে নূপুৰ পৰেৰ ॥৬৬॥
মহাপ্ৰেম হোৱয় ডম্বৰু হৰৰ।
চাৰিবেদে পাত ভূনীজানা সাৰে সাৰ ॥
পিষ্ঠ ভাগে জিলিমিলি আৰু পেচেণ্ডাৰ।
সুভাষনে কীঙ্কিনীয়ে জানা সাৰে সাৰ ॥৬৭॥
ব্ৰহ্মা বিষ্ণু মহেশ্বৰে তিনি ৰেখা হয়।
কেৱল ভক্তৰ ভক্তি শ্ৰীবৎস হোৱয় ॥
বিপ্ৰ পত্নি নাগ পত্নি পঞ্চ বৰ্ণ জানা।
গোপী অষ্ট মহিষীৰে বৈজয়ন্তী মালা ॥৬৮॥

হে ময়ন্ত ঋষিয়ে হোয়াছে হেম সাৰ।
শুদ্ধ জীৱে কৌস্তোভ প্ৰকাশে জাতিস্কাৰ॥
মাংস যোগে কৰ্ম্ম যুগে মকৰ কুণ্ডল।
নিজ ভক্তিৰস ভাগে কৰ্ম্ম সুনিৰ্ম্মল॥৬৯॥
জগতৰ শক্তি গদা ভক্তে পদ্ম হয়।
শূকৰ বিনাশ হংস হনন্ত জ্বলয়॥
বলো ভদ্ৰৰস ভাগে বলয়া জানি।
কঙ্কনৰ ৰস ভাগে কঙ্কন চুড়ামনি॥৭০॥
বেদ শিৰোৰত্ন ভাগে কিৰিতি শিবৰ।
বেদান্তৰ ৰস চুড়ামনি মাধবৰ॥
পদৰেণু হুৱা আছে কেৱল ভকত।
শ্ৰীমন্ত শঙ্কৰে কহি আছে মাধৱত॥৭১॥
ৰমানন্দে কহে এহি বেদ তত্ত্ব সাৰ।
কেৱল ভক্তৰ ইটো পৰম বিছাৰ॥
সৎসঙ্গ নিৰ্ণয় নাম ভকতে জানয়
ৰাম হৰি বোলি কৰা পাপৰ প্ৰলয়॥৭২॥
শুনা কহো যেন গুৰু মানিব লাগয়।
যিটো ভকতক হৰি মানিবে লাগয়॥
গুৰু ভক্তি শিষ্যৰহে সাধ্যমন্ত হয়।
গুৰু নাভাগিলে শিষ্য প্ৰপন্ন হোৰয়॥৭৩॥
তিনি গুনে ভাগিলেহে শিষ্যৰ লক্ষণ।
সেহি গুৰু সুয়া কৰে ভক্তি প্ৰবৰ্ত্তন॥

তাহাক মানিব গুৰু হোৱা এক মত।
সেহি গুৰুভনে লোক তহিতে শকত॥৭৪॥
সেহি জনে গুৰু হৰি জানিবা নিশ্চয়।
কাম ক্ৰোধ লোভ মোহ আদি নাহিকয় ॥
প্ৰপন্ন ভকত তেবে গুৰু মানিবেক।
পৰম ভকত ময় কহিলো প্ৰত্যেক ॥৭৫॥
তান ভকতত প্ৰিতি কৰিবে সতত ।
সেহিজন জানিবাহা কেৱল ভকত ॥
কেৱল শৰন জানা কেৱল ভকত।
মুখে ৰাম কৃষ্ণ হৰি জানা নিজতত্ ॥৭৬॥
গুৰুক শুইবেক জানা ৰাজা সম ভয়।
পুত্ৰয়তে স্নেহ হইবে ভকত নিশ্চয় ॥
ভক্তক মানিবে আত্মা প্ৰাণীত মিত্ৰতা।
ভকত'ত প্ৰীতি কৰি এৰিৱে ম'মতা ॥৭৭॥
কৃষ্ণ পূৰ্ণ নাম পূৰ্ণ ভক্তি পূৰ্ণ মানি।
এহি চয় পূৰ্ণ কৰি মনক সুসানি ॥
এহি পঞ্চনাম আৰ কৰিবে কীৰ্ত্তন।
তাকেহে কেৱল নাম বোলে ভক্ত জন ॥৭৮॥
পৰম কেবল নাম জাহাক বোলয়।
যিটো ভকতক সঙ্গ মানিবে লাগয় ॥
সেহি নাম গুৰু নাম কহি এক থান
কহিয়ো মাধৱ তুমি ভকত প্ৰধান ॥৭৯॥

বৈষ্ণবে ঈশ্বৰ হয় হ্ শব্দে হৰ।
ৰা শব্দে ৰাধা, ঈ শব্দে ঈশ্বৰ ॥
ম শব্দে ঈশ্বৰ অ শব্দে বেদ।
ন শব্দে ঈশ্বৰ জানিবাহা পৰিচ্ছেদ্ ॥৮০॥
গু শব্দে ধেনু আৰু জানি বৃন্দাবন।
অৰ বিন্দ শব্দে পাদ পঙ্কজ চৰন ॥
এহি মতে নাম মাত্র জানা ঈশ্বৰৰ।
বুজিবে লাগয় সৰ্বে কৰি সাৰোৰ্দ্ধাৰ ॥৮১॥
মাধবে বোলন্ত বাপ কহিয়ো সতত্।
কেই বিধ সম্প্রদা কহ হৰিৰ নামত ॥
শঙ্কৰে কহন্ত শুন বান্ধৱ মাধৱ।
তিনি গোট সম্প্রদা দুই গোট বৈষ্ণৱ ॥৮২॥
আদি সত্য যুগে ছিল শুদ্ধধৰ্ম্ম কাম।
মহেশে কহিলা শুন ব্রহ্মা আত্মা ৰাম ॥
পূৰ্ণ স্বৰূপে বেদ স্বৰূপে সজ্জতি।
শুনিলে কীৰ্ত্তন মাত্র সবে হবে গতি ॥৮৩॥
জাতি ভেদ বৰ্ণ নাই কয়া ভকতৰ।
শ্রৱন কীৰ্ত্তন জাই বৈকুণ্ঠৰ নৰ ॥
এহি ধৰ্ম্ম শিৱে পাৰ্ব্বতীক কহি লন্ত।
তাতে অনন্তৰে নন্দীয়ে শুনিলন্ত ॥৮৪॥
এহি শিৱ সম্প্রদা জানিবা মহামতি।
নাৰদী সম্প্রদা আৰু শুনিয়ো সম্প্রতি ॥

ব্ৰহ্মাৰ পঞ্চাশ যেবে বৎসৰ গৈলেক।
তেবে নাৰায়ণে আহি কৃপা কৰিলেক ॥৮৫॥
অনন্ত শৰ্য্যাত থাকি শ্ৰীনাৰায়ণ।
ভাগৱত ধৰ্ম্ম কহিলন্ত সেহি স্থান ॥
ব্ৰহ্মা নাৰদত কৈলা নাৰদে ব্যাসত।
নাৰদী সম্প্ৰদা এহি কহি চোহো তত্ব ॥৮৬॥
ব্ৰহ্মাত কহন্তে তাত—অনন্তে শুনিলা।
অনন্ত চাৰি সিদ্ধে হংসায়নে পাইলা ॥
এহি তিনি সম্প্ৰদা ভক্তিৰ মূল সাৰ।
দুই শুনন্তা কৰি শিৱ সম্প্ৰদা সিছাৰ ॥৮৭॥
আমিয়ো কৰিবো শিৱ সম্প্ৰদা ভকতি।
শ্ৰৱণ কীৰ্ত্তন গুৰু সেৱা উক্ত প্ৰতি ॥
পৰম কেৱল ভক্তি আত পৰে নাই।
বাৰানসী প্ৰয়াগ তব বহুতৰ পাই ॥৮৮॥
এতেকে মাধব ময় কহিলো তোমাত।
তুমিহে ভক্তৰ গুৰু জানিবা সাখ্যাত ॥
তোমাহতে শন্ত ভজিবেক বহু লোক।
কেৱল নায়ক মাত্ৰ দান কৰিবেক ॥৮৯॥
জানি নামে লৈলে জানা ভক্ততে আশ্ৰয়।
ভকতে কেৱল নাম জানা মাত্ৰ সাঞ্চয় ॥
এহি মতে শঙ্কৰে কহিছা মাধৱত।
সৰ্ব্ব ভাবে ভকতি কৰিবা মাধবত ॥৯০॥

অৰ্জ্জুনত আপুনি কহিছা দেৱ হৰি।
মোৰ গুৰু ভকতেহে জানা নিষ্ট কৰি॥
কৃষ্ণ পৰিপূৰ্ণ গুৰু পৰিপূৰ্ণ নাম।
কহে শ্ৰীপূৰ্ণানন্দে ডাকি বোলাৰাম॥৯১॥

## ছবি।

শঙ্কৰ মাধৱ দেৱ সম্বাদ ৰহস্য কথা,
এহি মানে সম্মৰ্পিয়া থৈলা।
শুনা গোপালৰ আগে মাধৱে কহিলা যেন
তাক আৰে কহিবাক লৈলা॥৯২॥
মাধৱে বোলন্ত আৰে শুনিয়ো গোপাল তুমি,
নাৰায়ণ সম্প্ৰদা ভকতি।
শ্ৰীমন্ত শঙ্কৰ আছি, জগতকে তাৰিলন্ত,
কহিবন্ত আক প্ৰতি প্ৰতি॥৯৩॥
ঈশ্বৰ জীৱক আক মায়াময় ভবনক,
জ্ঞান বিজ্ঞানত আদি যত।
তদং ৰহস্য জাতি দ্ৰব্য গুন ক্ৰিয়াবাদি,
আক পৰমাৰ্থ দেৱতত্ব॥৯৪॥
ঈশ্বৰৰ পৰমাত্মা জীৱ শুদ্ধ ব্ৰহ্ম জানি,
মৰাদেহ ইন্দ্ৰিয় বোধক।
মায়া ভবানিক গুৰুসেৱা ঈশ্বৰ গুৰুক জানা,
বিজ্ঞান গুৰুক সেৱা অতি পৰ॥৯৫॥

তদং এক তশ্য ৰহস্য ভকত প্ৰতি,
শ্ৰবন কীৰ্ত্তন ধৰ্ম্ম জাতি।
জাতী বুলি ঈশ্বৰক ঈশ্বৰ ও যি জাতি হয়,
ভকতো জানিবা সেহি জাতি ॥৯৬॥
ঈশ্বৰ যি বস্তু হয় ভকতো হি ৰস্তু হয়,
গুণ ভক্ত বৎস হোৱায়।
ঈশ্বৰ ভক্তৰ বস্য ভক্তে ক্ৰিয়া শক্তি আদি,
স্থষ্টি স্থিতি কৰিতে পাৰয় ॥৯৭॥
কিন্তু ভক্ত নামৰ অক্ষমতা ভাব ধৰি,
ঈশ্বৰেহে স্থস্তিক কৰন্ত ॥
এহি মহাৰস্যক ভক্তৰ সেৱাত যত,
শ্ৰীমন্ত শঙ্কৰে কহিলন্ত।
শুনা আৰু অবিদ্যায়ে পঞ্চপৰ্ক মহামোহ,
তমোহ মহা মোহহন্ত ॥৯৮॥

---

## পদ।

অষ্ট প্ৰকৃতিত—আবে কহিয়ো—তোমাত।
পৃথি তেজ জলবায়ু মহা তেজ যত ॥
আকাশ অহঙ্কাৰ প্ৰকৃতি নিয়মিক।
শুনা পঞ্চ কহো নিয়মি মনক ॥৯৯॥
ছাল সাৰ নখ চুলি আছা জাক বুলি।
নিশ্চয়ে জানিবা তাক মাটিহে সমুলি ॥০

লাল শূক্ৰ পৰিচৰ ভাস য'ত যত।
অন্তকালে মিনজানা জাৰয় জলত ॥১০০
ক্ষুধা তৃষ্ণা কান্তি আৰু নানা গুণচয়।
আবশ্যাক সূৰ্য্যত সমস্ত জাই লয় ॥
ধাৰন নিশঙ্ক আৰু যত বুদ্ধিবল।
বায়ু কেহে জাই আক জানিবা সকল ॥১০১
শোক মোহ ভয় চিন্তা পীড়া আদি যত।
অবশ্যে শুইবেক জানা আকাশত ॥
এহি পঞ্চতত্ব লেখা কৈলো ভালমতে।
আক মোহ বুলি লোক ভ্ৰমে সংসাৰত ॥১০২॥
আৰু পঞ্চ গুণ শুনা কহিবো তোমাত।
শ্ৰীযশ দান মান ভূত দয়া যত ॥
শুনা পঞ্চৰস কহো হোৱা স্থিৰ মন।
ঈশ্বৰ গুৰুৰ নাম ভক্তে ভক্তি ধন ॥১০৩॥
এহি পঞ্চতত্ব পঞ্চৰস গুণ গন।
যিটো গুৰুজনে আক নকৰে কীৰ্ত্তন ॥
এহি সূক্ষ্মগুণ জাত নাহি নকহয়।
তাৰ উপদেশে লোক দুখ নখন্দয় ॥১০৪॥
প্ৰথমতে কহো জানা গোঁসাইত শৰন।
ৰামৰ নামত লগ কহিতে ভ্ৰমণ ॥
বোলে ভাই দৃঢ় কৰি ৰাম কৃষ্ণ হৰি।
মৰিলে সবন্ধ গুছে থোৱে বাজ কৰি ॥১০৫॥

হৰিয়ো হৰিৰ চৰণে মাগো।
অভয় চৰণে শৰণ মাগো ॥
হে গুৰু দেৱদেৱ দৈবকী নন্দন।
কৃষ্ণৰ চৰণে পৰি লৈলোহো শৰণ ॥১০৬॥
দেৱধৰ্ম্ম ফল সকামত ব্যভিচাৰ ॥
নিৰ্ণয় কৰিয়া গুৰু পাৰ কৰা আৰ।
এহি মনে মাত্ৰ মোৰ নিত্য ভক্তি জাত।
কহিলো গোপাল মই তোমাৰ আগত ॥১০৭॥
গুৰুক ঈশ্বৰ বুলি কহিলো তোমাত।
হৃদয়ৰ আত্মা যেন মানিবা মনত ॥
ভকততো মানীবাহা প্ৰানতো অধীক।
মাতৃভাবে মানিবাহা ভক্তৰ পত্নিক ॥১০৮॥
ভকতৰ ভকতি হে সঙ্গ মানি মনে।
কৰিবা ভৰষা ভক্তি মাতৃৰ চৰনে ॥
ভকতক নোবুলিবা কতুৰ বচন।
ভকতৰ অৰ্থে যেন এৰিবা জীবন ॥১০৯॥
এহি মতে কহিলোহো ভকতিক য'ত।
শুনিয়োক আক কহো তোমাৰ আগত ॥
ব্যভিচাৰ বাক্য মুখে অন্ন নুভুঞ্জিব।
সক চৌশ বৰ চৌশ সমান কৰিব ॥১১০॥
একাদশী অমাবশ্যা আচৰিবা নিতি।
পালে দণ্ড নকৰিবা ভক্তৰ সংহতি ॥

ধন জন লাগি মন এৰিয়া অক্রোশ।
ভকত জনৰ কিছু নধৰিবা তুঃখ ॥১১১॥
এহি মতে শৰণ ভজন কথা কৈলা ॥
শ্রীমন্ত শঙ্কৰে মাধৱৰ আগে কৈলা ॥
শুনা পাঞ্চ বিধ মুক্তি কহোঁ তাৰ নাম।
বৈকণ্ঠত থাকয় শাম্যক অণুপাম ॥১১২॥
ঈশ্বৰ সমান ঐশর্য্য পায়াচয়।
শালুক্য বুলিয়া তাক জানিবা নিশ্চয় ॥
বৈকুণ্ঠ সমীপক যি জনে থাকয়।
শালুক্য মুক্তিক তাক জানা মহাশয় ॥১১৩॥
ঈশ্বৰ সহিতে সম্ভাষণা কৰি আক।
সাৰুপ্য বুলিয়া আৰু জানি বাহা তাক ॥
ঈশ্বৰট লিন গৈয়া থাকিল সঞ্জোগ।
যিবা ভক্তি কৰি যিবা মুকুতিক ভূগ ॥১১৪॥
শ্রবন কীর্ত্তন জানা সবাকে আশ্রয়ে।
মোক সেবি যিটো মুক্তি সালুক্যক পায়ে ॥
ভাগৱত কৃতার্থে জানা পৰিশ্রমিকক।
নাম কাম্ভায়ে মুক্তিক পাবে সমীপক ॥১১৫॥
ৰূপ চিন্তা পায় তেবে মুক্তি সাৰুপ্যক।
ধ্যানত কাম্ভায়ে মুক্তি পাবে সঞ্জোগক ॥
পূর্ণত কাম্ভায় পায় কেবল ভকতি।
কহিলো তোমাত যেন ভুকুতি মুকুতি ॥১১৬॥

চাৰি গোটা শক্তি কহো তোমাৰ আগত।
অবিদ্যা বিদ্যায় আত্মা দিলি শক্তি যত॥
যি অবিদ্যা শক্তিত পৰার্থ ততকয়।
বিদ্যা শক্তি মুকুতিৰো জানিবা নিশ্চয়॥১১৭॥
আত্মা দিলি শক্তি দিলি জানা ঈশ্বৰৰ।
ভকতি শকতি জানা ভকট জনৰ॥
অবিদ্যা শক্তিক জানা সংসাৰি বোলয়।
বিদ্যা শক্তি মুকতিৰো জানিবা নিশ্চয়॥১১৮॥
একান্ত ভক্তক পৰমাত্মাত দেখয়।
পৃতি কৰে ভক্তি শক্তি তাহাক বোলয়॥
শ্রীনাৰায়ণে জ্ঞান ব্রহ্মাত দিলন্ত।
ব্রহ্মা নাৰদত দিলা সাদৰে লৈলন্ত॥১১৯॥
নাৰদে ব্যাসক ৰহস্য জ্ঞানক।
ব্যাসে শুক মুখত পৰিক্ষীতত কৈলেক॥
অনন্তে কহিছা চাৰি সিদ্ধৰ আগত।
চাৰি সিদ্ধে সংসাৰৰ আগত বেকত॥১২০॥
চাৰি সিদ্ধে পৰাশৰ ঋষিত কৈলেক।
পৰাশৰ হন্তে পাছে মৈত্রয়ে পাইলেক॥
মৈত্রয়ে কহিলা পাছে বিছাৰি মহন্ত॥
অনন্তি সম্প্রদা এহি মানে জানিলন্ত॥১২১॥
আক চাৰি ঠাইক কৃষ্ণে যাওবুলি ছিল।
দুই ঠাই গৈল দুই ঠাইক নগৈল॥

কুজি দেখি কৃষ্ণক চন্দন দান দিলা।
কুজক খাতিয়ে তাৰ ধাৰক খুজিলা ॥১২২॥
মোহ হুয়া যিটো সুখ কৃষ্ণক প্ৰাৰ্থিলা।
যেতেকে কুজিৰ গৃহে কৃষ্ণ চলি গৈলা ॥
ঈশ্বৰ বোলয় মোক যেখনে দেখয়।
তেন্তেহে জানিবাহা কাম ভাব বাঢ়য় ॥১২৩॥
নেদেখিয়া নাম গিয়া নিষ্কাম হোৱয়।
এতেকেহে ভকতৰ জানা খেদ ৰাহয় ॥
এহি বলি কৃষ্ণে গোপীৰ ঠাইক নগৈলন্ত।
সকামি দেবতা গুনময় জানিলন্ত ॥১২৪॥
এতেকে দেবৰ স্থানে নগৈল ঈশ্বৰ।
অক্ৰোৰে পথত যান্তে শুনি অনন্তৰ ॥
এতেকেহে অক্ৰুৰৰ গৃহক গৈলন্ত।
প্ৰাৰ্থনা কৰিলা যিবা তাহাকে দিলন্ত ॥১২৫॥
শুনা নিজ মুখৰ ৰহস্য যেন মত।
পৰমাত্মা গুৰু ৰূপ মানিবা মনত ॥
কৰিব কীৰ্ত্তন হুইব আনন্দ মনত।
ভকতক আত্মা সম মানিবা মনত ॥১২৬॥
কৰিব কীৰ্ত্তন জানা হুয়াঁ স্থিৰ চিত।
নিজৰ কীৰ্ত্তন আক কৰিলো বেকত ॥
মন শূন্য কৰি শূন্য স্বাদ নাপাৱয়।
স্বাদক না পায় লে জানা প্ৰেম নোপজয় ॥১২৭॥

প্ৰেম যেবে সুপজে স্নেহ না বাৰয়।
স্নেহ যেবে সুপজয় ভক্তি সুহিকয়॥
আৰু শুনা প্ৰহ্লাদৰ অপৰ চৰিত্ৰ।
উপৰি জন্মত বীপ্ৰ আছিল বিচিত্ৰ॥১২৮॥
একদিনা পিতৃ বোলে কৰ্ম্মক কৰিবে।
পুত্ৰ বোলে শূদ্ৰ পদে কেমন কৰিবে॥
পক্ষীক মাতিয়া যেন আধাৰে শিক্ষায়।
লোক যদি দেৱতাক পূজা নিদিৱয়॥১২৯॥
মনুষ্যক পূজা আক কৰিয়া থাকয়।
এবে কেনে দেব পুজা কৰিবে লাগয়॥
পিতৃ বোলে শূদ্ৰকযে অসুৰে নিন্দিয়।
এতেকে অসুৰ হয় বুলিলো নিশ্চয়॥১৩০॥
দেবক বুলিলি পক্ষী হয় পক্ষী নয়।
পিতৃ শাপ পায়া পক্ষী—ভৈলা মহাশয়॥
ভক্তি বলে চিত্ৰ বিলাসক ছলি গৈলা।
ভূৱনা পক্ষী হুৱা তথাতে ৰহিলা॥১৩১॥
নাৰায়ণে ব্ৰহ্মাত কহন্ত ভাগৱত।
পক্ষী জনমতে যে প্ৰহ্লাদে শুনিলন্ত॥
আৰু বাক্যে অসুৰৰ গৰ্ভে জন্মিলন্ত।
আৰু জানি নাৰদে বুলিলা ভাগৱত॥১৩২॥
প্ৰহ্লাদৰ সম কোন আচয় ভকত।
যাৰ বাক্যে শুন্তে বেকত ভগৱন্ত॥

বিপ্র শাপে ব্রাহ্মণৰ গৃহত জন্মিল ।
পূৰ্ব্বত গন্ধৰ্ব্ব ঋষি নাৰদ আছিল ॥১৩৩॥
এতেকে সৎসঙ্গ ভকতি শ্রেষ্ঠতৰ ।
শুনিয়োক কথা যেন কহু সৎসঙ্গৰ ॥
ব্রহ্মাপুত্র সৌনকৰ সুত্তেহে শত সঙ্গ ।
শতৰ শৎসঙ্গে জানা মহাৰঙ্গ ॥১৩৪॥
শুনা বুদ্ধজন ইতো শৎসঙ্গ নিৰ্ণয় ।
ইহাকে শ্রবণ প্রেম ভকতি মিলয় ॥
ৰমানন্দে কহে মন কৰিয়া প্রণাম ।
পাতক ছাৰোক ডাকি বোলা ৰামৰাম ॥১৩৫।

---

## ছুলড়ি ।

শুনা যেন মত, সতসঙ্গ নিৰ্ণয়,
জাৰ যেন মতে হয় ।
ইতো ভাবন্তত্‌ য'ত ভক্ত আছে
সবাৰ সঙ্গ আছয় ॥১৩৬॥
শত সঙ্গ ৰিহিলে, ভকতি নোহয়,
ভকতে আক জানয় ।
বিনা শত সঙ্গে কিতাৰ্থ নোহয়,
মহা সাধুজনে কয় ॥১৩৭॥
গুৰু শত সঙ্গ ভকত শত সঙ্গ,
চাৰি বিধ শত সঙ্গ ।

প্ৰথমতে শূল                    পাছে হুবে স্থূল,
শত সঙ্গ হোয়ে সুপ্ৰসং ॥১৩৮॥
শূল স্থূল শুক্ষ্ম                    ফ'ল মৎসৰে,
গোপালৰ আগে কৈলা।
মাধৱে বোলন্ত                    গোপাল আমাৰ,
তুমি শত সঙ্গ ভৈলা ॥১৩৯॥
দুৰ্জ্জন শঠত                    টৈতন মূৰ্খত,
নকৈবাহা ইতো তৰ্ত্ব।
ইতো ভক্ত প্ৰতি                    ৰহস্য ভকতি,
কহিলেবৰ শপত ॥১৪০॥
শ্ৰীশঙ্কৰ দেৱে                    জাত কহিলন্ত,
শুনা নাম তাহন্বাৰ।
আমি সমে জানা                    নাৰায়ণ ঠাকুৰ,
পুৰুষ উত্তম সাৰ ॥১৪১॥
আৰু দামোদৰ                    উদ্ধাৰ গোবিন্দ,
শুভনকণ্ঠ ভূষন।
জনাৰ্দ্দন মথুৰা                    কালিন্দ্ৰ বাচয়,
চতুৰ্ভুজ নিৰঞ্জন ॥১৪২॥
ৰাম ৰাম গুৰু                    কহিয়া আচন্ত,
শ্ৰীমন্তদেব'শঙ্কৰ।
এহি চৌদ্ধ জন                    জানি আছো আমি,
নাজানয় আননৰ ॥১৪৩॥

তুমি বিনে আন নাহি প্ৰিয়ত্তম,
কহিলো তোমাৰ আগে।
ৰহস্য ভকতি, নাই নাই নাই,
জানিবাহা ভাগে ভাগে ॥১৪৪॥
স্থক স্থত শত ব্যাশ মহাজন,
নাৰদৰ সঙ্গ ব্যাশ।
চাৰিয়ো সন্নাসী সঙ্গ নাৰদৰ,
কহিলো তাত প্ৰকাশ ॥১৪৫॥
সন্নাসী চাৰিয়ো, শত সঙ্গ ব্ৰহ্মায়ে,
ব্ৰহ্মাৰ শ্ৰীনাৰায়ণ।
ব্ৰহ্মাত কৰিয়া পঞ্চাশ বৎসৰ;
আগে ভক্ত ত্ৰিনয়ন ॥১৪৬॥
গোপাল বোলন্ত ইহাৰ কাৰণ,
কহিয়োক বাপ কেনে।
ভাগৱত ধৰ্ম্ম শ্ৰীনাৰায়ণে,
ব্ৰহ্মাত কহিলা যেনে ॥১৪৭॥
কেন মতে হৰ অযুত বৎসৰ,
ভকত আগে আছিলা।
মাধৱে বোলন্ত শ্ৰীভৈল ব্ৰহ্মাৰ,
ভক্তি ধৰ্ম্ম পাহৰিলা ॥১৪৮॥
বৎসৰ পৰে আহি শ্ৰীনাৰায়ণে,
শৰ্য্যাত থাকি * অনন্ত।

বিৰিঞ্চিৰ আগে ভাগৱত ধৰ্ম্ম,
প্ৰপঞ্চিয়া কহিলন্ত ॥১৪৯॥
সেহিতু কালত অনন্তে শুনিলা,
চাৰি সিদ্ধৰ আগে কৈলা।
চাৰি সিদ্ধ হন্তেঁ হংসায়ণে পালে,
পাছে পৰাশয়ে লৈলা ॥১৫০॥
শিয়ৰ সম্প্ৰদা কেৱল ভকতি,
অনন্তে নিগু´ণ কৈলা।
ভাগৱতি ধৰ্ম্ম, ব্ৰহ্মাহন্তে শুনি,
নাৰদে বাছিয়া লৈলা ॥১৫১॥
কৰ্ম্ম যোগে ভক্তি অনন্তে জানিল,
তাকে লোকে কহিলন্ত।
শ্ৰীমন্ত শঙ্কৰে কেৱল নিবৃত্তি,
ধৰ্ম্ম পথ দেখালন্ত ॥১৫২॥
এতেকে তোমাৰ তিনিও শৰণ,
কহিল তত্ত্ব নিৰ্ণয়।
এহি ধৰ্ম্ম তিনি কহিলো গোপাল,
যিমতে লোক তৰয় ॥১৫৩॥

---

## পদ।

মাধৱে কহন্ত আৰ মহা ধৰ্ম্মচয়।
শুনি গোপালৰ মণে আনন্দ মিলয় ॥

ব্ৰহ্মাৰ সঙ্গ ভৈলা শ্ৰীনাৰায়ণে।
হৰৰ শত সঙ্গ ব্ৰহ্মাণেৰ অনুক্ষনে ॥১৫৪॥
বিদুৰৰ শত সঙ্গ মৈত্ৰেয় নাম জাৰ।
মৈত্ৰেৰৰ সঙ্গ পৰাশৰ বুজা সাৰ ॥
পৰাশ ঋষিৰ শত সঙ্গ হিংষায়ণ।
হংষায়ণ সঙ্গ চাৰি সিদ্ধ শুশোভন ॥১৫৫
চাৰি মহা সিদ্ধৰ বসন্ত সঙ্গ সম্প্ৰন।
এহি মতে সম্প্ৰদা বুজিবা নাৰায়ণ ॥
অশোকৰ শত সঙ্গ যতেক নাড়ি গণ।
পত্নীৰ গোপীহে সঙ্গ কৰিলা শ্ৰৱণ ॥১৫৬॥
অশোক কহিলা পত্নী সবাত ভকতি।
এহি শিৱ সম্প্ৰদা জানিবা মহামতি ॥
গোপীৰ শত সঙ্গ জনা ৰাধা তত্ব পৰ।
অশোকৰ সঙ্গ শ্ৰোত দেব মনোহৰ ॥১৫৭
এতেকে ৰাধা শ্ৰেষ্ঠ ভকত কৃষ্ণৰ।
ঋষিমস্ত ভকতিহে কেৱল ভক্তৰ ॥
শত সঙ্গ নহৈলে ভক্তি কাহাৰো নহয়।
ভকতৰ সঙ্গে ভক্তি কৰিবে লাগয় ॥১৫৮॥
আৰু শুনা শত সঙ্গ কথা যেন মত।
ৰাধা শত সঙ্গ মোহন বংশীত ॥
গোৱালৰ সঙ্গ নন্দ যশোদা হোৱয়।
নন্দ যশোদাৰ সঙ্গ ব্ৰহ্মায়ে নিশ্চয় ॥১৫৯॥

বশোদেৰ দৈবকীৰ শত সঙ্গ যে নাৰদ।
শত সঙ্গত পাৱে মহা ভকতি সম্পদ॥
কৃষ্ণ প্ৰতি ৰাজ পত্নী আছে যত য'ত।
দ্ৰৌপদীৰ শত সঙ্গ জানিবা সমস্ত॥১৬০॥
এহি মতে জানা য'ত ভকত আছয়।
শত সঙ্গ হন্তে প্ৰেম ভকতি বাঢ়য়॥
মাধৱে বোলন্ত শুনা গোপাল নিশ্চয়।
শত সঙ্গ বিহিলে লোক কৃতাৰ্থ হোৱয়॥১৬১
গুৰু শত সঙ্গ মূল শত সঙ্গ বোলয়।
ভক্তৰ শত সঙ্গ মূল জানিবা নিশ্চয়॥
মাননি স্বৰূপে যিতু ভক্তক মানয়।
তাৰ নাম অগুনিয়া বোলিয়া কহয়॥১৬২॥
তাহাতে বুজয় ভক্তি নিতি যেন মত।
সবে বোধ পাই অগু নীয়া ভকত'ত॥
এহি সাধু সঙ্গ জানিবাহা সাৰোদ্ধাৰ।
কহো আৰ সেতু কথা জানা নাৰদৰ॥১৬৩॥
যেন মতে ব্ৰহ্মাৰ কুলাত জাত ভৈলা!
পৰম ৰহস্য ধৰ্ম্ম ব্ৰহ্মাত পুছিলা॥
পূৰ্ব্বে শ্ৰীনাৰায়ণে ব্ৰহ্মাত কহিলা।
পৰম স্নেহত ব্ৰহ্মা নাৰদক দিলা॥১৬৪॥
নাৰদ সেৱাত তুষ্ট ভৈলা সৃষ্টি কৰ।
এতেকে দিলন্ত জ্ঞান ভক্তি মনোহৰ॥

অনেক প্ৰবন্ধে বিধি তাহাক লভিলা।
পৰম কৰুণা গুণে নাৰদক দিলা ॥১৬৫॥
ভাগৱত ধৰ্ম্ম ধৰি অলকা নন্দন।
পাছে শঙ্কৰৰ স্থানে কৰিলা গমন ॥
স্তুতি নতি ভকতি কৰিলা বহুতৰ।
শঙ্কৰৰ দিলা ৰাম নাম মনোহৰ ॥১৬৬॥
তাহাক কীৰ্ত্তন কৰি ফুৰা বিনা ধৰি।
শুনিয়োক ব্যাসক দিলন্ত যেন কৰি ॥
কৈবৰ্ত্তে মৎস্যৰ গৰ্ভে পাইল কণ্টা খানি।
মৎস্য গন্ধা নাম তাক তুলিলেক আনি ॥১৬৭॥
পৰাশৰ নামে ঋষি গৃহে পশিলন্ত।
সৰ্ব্বানন্দ সুন্দৰী কন্যা তাত দেখিলন্ত ॥
সেহি বেলা কন্যা মোক আলিঙ্গন দিয়া।
কন্যা বোলে চুত কাল হন্তে হলো বিয়া ॥১৬৮।
ঋষি বোলে যুবা হও মই দিলু বৰ।
কন্যা বোলে আন ছুনাই জলৰ ওপৰ ॥
ঋষি যেন কুঠলিক নিৰ্ম্মাণ কৰিলা।
মৎস্যৱতী গৰ্ভে ব্যাস ঋষি প্ৰবেশিলা ॥১৬৯॥
পৰভাতে জন্ম দিহবাতে জাত ভৈলা।
এতে কেহে তাৰ নাম দ্বৈপায়ন থৈলা ॥
কলেৱৰ ভাব তপষ্যাক জানি লন্ত।
মাতৃক প্ৰবোধ কৰি চলিয়া গৈলন্ত ॥১৭০॥

ঘোৰ অৰণ্যত এক সৰোবৰ পাইলা।
অনন্তৰে কতো দিনা মাত্র বহি গৈলা॥
সেহি স্থানে বসিলন্ত বৃক্ষৰ মূলত।
ব্রহ্মাত সমাধি ধৰি ৰহিল মনত॥১৭১॥
দক্ষিণ উৰুত বাম চৰণ থাপিলা।
উৰ্দ্ধ মুখ কৰি কিছু সমাধি ধৰিলা॥
আহু ৰাত্র সাত দিনা অন্তৰতে থাকি।
যজ্ঞ মতি ব্রহ্মা ৰূপ দেখিলা প্রকাশি॥১৭২॥
তিনি গোটা শৃঙ্গ যেন বাহু আঠ খান।
আঠ হস্তে আঠ অস্ত্র প্রচাৰ প্রধান॥
দেখি ব্যাস ঋষি চক্ষু মেলিয়া চাইলা।
যজ্ঞ ভক্তা পৰুধ্যক আগতে দেখিলা॥১৭৩॥
তাহাঙ্ক ছাহিয়া হাহি বুলিলা বচন।
শুনা দ্বৈপায়ন মই কহিয়ো কাৰণ॥
চাৰিবেদ চৌদ্দশাস্ত্র শ্রোতি নিৰন্তৰ।
পুৰাণ ভাৰত শাস্ত্র ক ৰয়ো বিস্তৰ॥১৭৪॥
ধৰা এহি হৰ্ষ গোট বহিবা মাত্রত।
সমস্তৰে ন্যায় নীতি পৰিব মনত॥
এহি কহি অন্তৰ্ধ্যান ভৈলা পূৰ্ণ কাম।
তাহান দিশক ব্যাসে কৰিলা প্রণাম॥১৭৫॥
আৰু বেদ শাস্ত্র যত তাৰ অন্তৰত।
এতেকেহে শুদ্ধ ব্রহ্মা বোলয় শাস্ত্রত॥

পাছে দ্বৈপায়ন মুখে মূৰ্ত্তি মন্ত ভৈলা।
প্ৰথমতে চাৰিবেদ বিভাগ কৰিলা ॥১৭৬॥
নৈমিষি ক্ষেত্ৰত পাছে শাস্ত্ৰক পাতিলা।
জাৰ যেন জাতি ধৰ্ম্ম বিভাগিয়া দিলা ॥
অষ্টাদশ শ্লোক আৰু শাস্ত্ৰ চৌদ্ধ খান।
অষ্টদশ পুৰাণক কৰিলা নিৰ্ম্মাণ ॥১৭৭॥
ঈশ্বৰকো দেবতাৰ ভাগতে থৈলন্ত।
দেৱৰো দেৱতা হৰি তাঁঙ্ক নকহন্ত ॥
এহি মতে সৰ্ব্ব কাৰ্য্য নিৰ্ব্বন্ধিয়া থৈলা।
হংস ছাগ কাতি বাক পূজা বিধি দিলা ॥১৭৮॥
অম্ৰাৱতী মহা স্থান তাহাক বৰ্ণায়।
এহি পূজা বলিদান সেহি ফল পায় ॥
এহি মতে লোক সবে তাক আছৰয়।
অল্প সুখ কৰি পুনু নৰকে পৰয় ॥১৭৯॥
এহি মতে সব লোক লেখি যাইলেক।
আপুনিয়ো বহু ভাৱে দুঃখ লভিলেক ॥
এক তিল সুখ নাই পায়ে মহা দুখ।
লোক নষ্ট কৰি মহা মিলিল অসুখ ॥১৮০॥

---

## দুলড়ি।

শুনা বুদ্ধ জন, শুনা মনে মন,
ব্যাসতো প্ৰমাণ দেখন।

সামান্য সকলে, পাছে হুইব আত,
কোনে কৰিবে লেখন ॥১৮১॥
পাছে এক দিন, পৰম মহন্ত,
নাৰদ চলি গৈলন্ত।
নাৰদক দেখি, ব্যাস মহা ঋষি,
সাদৰিয়া বন্দিলন্ত ॥১৮২॥
পাছে হেন দেখি, ব্ৰহ্মাৰ নন্দন,
তাহাক বুলিবে লৈলা।
বেদ শাস্ত্ৰমত, জানাহা সমস্ত,
তাতো হেন দুঃখ ভৈলা ॥১৮৩॥
সমস্ত লোকক, বিনাশ কৰিলা,
দুখিত ফল লোভাই।
যেন কোন জনে, বিত পাই বুলি,
গাঁটত খায়ে গেয়াই ॥১৮৪॥
তুমি সেহি মতে, লোকক নাশিবা,
আপোন বুদ্ধিৰ বলে।
ধৰ্ম্ম অৰ্থ কাম, মুখ্য পাবো বুলি,
নাশিল তুমি সকলে ॥১৮৫॥
হেন জানি ব্যাস, আনকৰ্ম্ম এৰি,
মোহোৰ বচন কৰা।
মহা জ্ঞান ভক্তি গুৰু সেৱা ধৰ্ম্ম,
ইহাক তুমি আছৰা ॥১৮৬॥

পূৰ্ব্বে ব্ৰহ্মা দেৱে, মন সুস্থ নাই,
ৰবাহে কল্প এৰিল।
মহা সেৱা বলে, পদ্ম কল্পতৰু,
গুৰু নাৰায়ণে ভৈল ॥১৮৭॥
মই দেখা ব্যাস গৃহীৰ তনয়,
আছিলো অল্পত জন।
চাৰিজন মহা, সাধুৰ কৃপাত,
নাহিকে আন সাধন ॥১৮৮॥
ব্ৰহ্মাৰ মানস, গুণৰ স্বৰূপ,
কৰিলো তাহাক সেৱ।
সেৱাত সন্তোস্ত, হোৱা জানা ভক্তি,
দিলো মোক ব্ৰহ্মা দেৱ ॥১৮৯॥
সেহি জ্ঞান ভক্তি, তোমাক দিবোহো,
সকল দেৱৰ পাত্ৰ।
সকল দেৱৰ, অধিকাৰী হৈব্য,
ঈশ্বৰৰ কৃপাহে মাত্ৰ ॥১৯০॥
তাহান চৰিত্ৰ, শুনা লীলা যত,
সামৰিয়ো সৰ্ব্ব ভাবন।
এহি মাত্ৰ আনো, আছিল সামৰ্থ্য,
পৰম ৰহস্য জ্ঞান ॥১৯১॥
ঈশ্বৰে প্ৰকাশ, কৰিল ব্যাসত,
নাৰদৰ সন্নিধান।

দুখ দূৰ গৈল, মনপূৰ ভৈল,
গুৰু সেৱা বলবান ॥১৯২॥
সকল শাস্ত্রত, কৃষ্ণক দেখিবা,
বিভাগিয়া কতুহল।
পুৰাণ ভাৰত আদি শাস্ত্র যত,
কৃষ্ণেহে সবাৰো মূক্ত ॥১৯৩॥
আঠাৰ হাজাৰ, শ্লোক তুলি লন্ত,
পুৰাণ ছাই বিছাৰি।
হৰিৰ চৰিত্র, উদ্ধাৰি আনিল,
তিনিবাৰ চাহি বীৰ ॥
অষ্টাদশ পুৰা, নৰ-শ্লোক হয়,
ব্যাল্লিচ লক্ষ হাজাৰ।
তাহা ত বিছাৰি, পালো দ্বৈপায়ন,
উপমাক নাহি জাৰ ॥১৯৪॥
শুনা সৰ্ব্বজনে, কথাৰ আশ্রয়,
লৈওক মাত্র বিছাৰি।
শাস্ত্রস্তন্ধ ব্রহ্ম, ইয়াৰ অর্থক,
কোনে বুজিবাক পাৰি ॥১৯৫॥

---

## পদ।

নাৰদক গুৰুঁ মানি ব্যাস মহাজন:।
পশিলা শৰণ জাক কৃষ্ণৰ চৰণ ॥

আঠাৰ হাজাৰ শ্লোক তুলি পুৰাণত।
ভাগে ভাগে কৰিলন্ত নাম ঈশ্বৰৰ।।১৯৬॥
কৃষ্ণৰ চৰিত গুণ লীলা অৱতাৰ।
এতেকে তাহাৰ ভাগৱত নাম সাৰ॥
নাৰদৰ মূখত ৰহস্য জ্ঞান পাই।
কৃষ্ণৰ চৰিত্ৰ লীলা গুণক বৰ্ণাই॥১৯৭॥
হাজাৰ দশক বৰ্ষ আছা এহি মতে।
শুনা শুক মুনি পুত্ৰ ভৈলা যেন মতে॥
পূৰ্ব্বে শুক দেৱে গৃহাশ্ৰমী আছিলন্ত।
ধনে ধানে সকলো আচৰ্য্য আধ্যৱন্ত॥১৯৮॥
তানভোগ সম্প্ৰতিৰ অন্ত নাহিকয়।
পৃথিবীৰ যত ভোগ সম্প্ৰতি মিসয়॥
পৰীক্ষিত যোগেন্দ্ৰৰ মুনি আছিলেক।
তান গৃহে মন সুখে গৃহে চলিলেক॥১৯৯॥
এহিমতে তান গৃহে থাকে কতো দিন।
দুই সানু কৰুণাৰো নাহি ভিন্ন ভিন্নি।
যোগেন্দ্ৰৰ মুনিৰ ভোগক মাত্ৰ মন।
গৃহাশ্ৰমী নিধিমাত্ৰ বুলিলা বচন॥২০০॥
আমাৰ ঐশৰ্য্য ভোগ তুমি কৰিয়োক।
পাছৰ জন্মত তুমি তাৰিবাহা মোক॥
যোগেন্দ্ৰৰ মুনি পাছে চেতনাক ভৈলা।
দৰিদ্ৰ দেশত ৰাজা ভোগক কৰিলা॥২০১॥

মৃগয়া কৰিবে প্ৰতি অৰণ্যক গৈলা।
তৃষ্ণায়ে পীড়িত হুৱা জল বিছাৰিলা ॥২০২॥
এহি স্থানে এক ঋষি ধ্যানত আছয়।
তাহান আগত পাছে জলক খুজয়।
চক্ষুক নেমেলে ঋষি নোবোল বচন ॥
উপলম্ভ কৰিবাক তাৰ ভৈল মন ॥২০৩॥
এহি বুলি হাতে চৰণত খুট দিলা।
সর্পে খাইল বুলি ঋষি কম্পিবাক লৈলা ॥
চকু মেলি দেখি ঋষি উপালম্ভা কয়।
মহা খঙ্গে ঋষি হেন বচন বোলয় ॥২০৪॥
পাপীষ্ঠ ক্ষেত্ৰিয় উপলম্ভা কৰ কেন মোক।
এহি সাপে অৱশ্যেক দংশীবেক তোক ॥
কাতৰ কৰিয়া পাছে ভৈলা বেটা ধাম।
পাণ্ডুৰৰ ঘৰে পৰীক্ষিত জাৰ নাম ॥২০৫॥
পূৰ্ব্বে শুকদেৱে আহি মধুৰাতু ভৈলা।
পাছে আহি ব্যাসৰ বীৰ্য্যত উপজিলা ॥
কাষ্ঠ ঘৰি খন্ত হস্তে তান জন্ম ভৈলা।
এতেকেহে দ্বৈপায়ন স্থক নাম থৈলা ॥২০৬॥
সকলো শাস্ত্ৰক ঋষি তাক পঢ়াৰন্ত।
মহাজন শুক তাঙ্ক ভাল নাম লন্ত ॥
অনন্তৰে মলয়া গিৰিক চলি গৈলা।
আগস্তিৰ স্থানে কতু বৎসৰে আছিলা ॥২০৭॥

ৰাম নাম মহা ধৰ্ম্ম তাহান্তে কহিলা।
নিৰ্গুণ ভকতি ভাগৱত আচৰিলা॥
অনন্তৰে পিতৃৰ স্থানক আহিলন্ত।
পিতৃ মূখে ভাগৱত শাস্ত্ৰ পঢ়িলন্ত॥২০৮॥
পৰম পূৰুষ পূৰ্ব্ব কথাক স্মৰিলা।
মহাজ্ঞান ভক্তি ভাৱে মধ্যে উপজিলা
ৰাজাত কহন্তে শুক সবে আহিলন্ত।
শুক গুৰু প্ৰহ্লাদত সুতে শুনিলন্ত॥২০৯॥
এহি মতে শত অপবিত্ৰ সুত জাতি।
তেবে মহা মহন্ত বৈষ্ণৱ ভৈলা অতি॥
সবে ঋষি ব্ৰহ্মা তাঙ্ক সাদৰে বন্দিল।
মহা গুৰু শুক”ৰ যসশ্যা বাখানিল॥২১০॥
মূল মন্ত্ৰ পঞ্চতত্ত্ব আৰু পঞ্চবৰ্ণ।
পঞ্চ গুণে সমে ইতু গুৰু সৰ্ব্বক্ষণ॥
এতেকেহে সেহি জন গুৰু জগতৰ।
বাৰ গুণ বিপ্ৰে তাঙ্ক লুহি সম হৰ॥২১১॥
পূৰ্ব্বে পাৰ্ব্বতীত তুয়ো কৰিছা কথন।
আপোন মালয় যিতু সেহি বৌদ্ধজন॥
অল্পমান শাস্ত্ৰ পঢ়ে ভাল নমানয়।
বৈষ্ণৱ সবৰ অপৰাধ বুলি কয়॥২১২॥
সেহি হে শূকৰ পাপী ছাহিবে নাহি মুখ্য।
যেহেন কৰে কৰে বিষ্ঠা মাত্ৰ ভোখ্য॥

বৈষ্ণবৰ নিন্দায়েহে তাৰ ভোগ অতি।
চৌৰাশি নৰকে ভোগিবেক পাপমতি ॥২১৩॥
সুবৰ্ণ অৰণ্য জানা বৈষ্ণৱৰ নাই।
ভক্ত চণ্ডালকো গুৰু মানিবে জুয়াই ॥
পূৰ্ব্বে নাৰদৈত আৰু লয়োক প্ৰমাণ।
ভক্তি চণ্ডালিক প্ৰদক্ষিণ বিস্তমাৰ ॥২১৪॥
আৰু মধু চণ্ডালক লয়োক প্ৰণাম।
পাতিলা যজ্ঞেৰ শাস্ত্ৰ বিপ্ৰযত নাম ॥
তিনি সম্প্ৰদাক পূৰ্ব্বে ধৰি প্ৰকাশন।
জ্ঞান কৰ্ম্ম কুকিলৰ নিবৃত্তি আচম ॥২১৫॥
বিৰিঞ্চি অলস্তি শিব সম্প্ৰদা তৃতিয়।
ভকত সকলে তাক জানি প্ৰবৰ্ত্তয় ॥
তিনত তিনিতি ভাব নৱ নৱ হয়।
উত্তম মধ্যম প্ৰকৃতি ইয়াত কয় ॥২১৬॥
পুৰ্ব্বে ব্ৰহ্ম আগে হংস নাৰায়ণে কৈলা।
আত্মা জ্ঞান পায়া তেন্তে শৰণ পশিলা ॥
হংস নাৰায়ণ ভকত—প্ৰৰ্জ্জা প্ৰতি।
নিৰ্গুণ ভাগৱত ৰচিলা ছন্না ভিতি ॥২১৭॥
হংস কাকি নাম সৰ্ব্ব শাস্ত্ৰ মধ্যে সাৰ।
সকল নিৰ্গুণ শাস্ত্ৰ সম নাহি জাৰ ॥
ব্যাল্লিশ হাজাৰ শ্লোক কৃষ্ণ লীলা গুণ।
হংস নাৰায়ণে কৈলা ভকতি নিৰ্গুণ ॥২১৮॥

আৰু শ্ৰীভাগৱত শাস্ত্ৰ মধ্যে সাৰ।
সংক্ষেপে কৰিয়া পদ কৰিবো প্ৰচাৰ ॥
সংক্ষেপে কৰিয়া উপালম্ভা নকৰিবা।
সাৰ শাস্ত্ৰ কথা ছয় ইয়াত বুজিবা ॥২১৯॥
ভাগৱত কথাছয় শুনা কৰ্ণ ভৰি।
আগে ইতো কথাছয় লওক সাদৰি ॥
প্ৰথমে প্ৰণাম কহু শুনা সাবধান।
সৌনকাদি ঋষি সবে পূছে বিদ্যমান ॥২২০॥
চয প্ৰশ্ন কৰিলন্ত সুতৰ আগত।
তাক এক মনে শুনা সভাসদ য'ত ॥
সকলো শাস্ত্ৰৰ সাৰ শ্ৰৱন একান্ত।
দৈবকীত কৃষ্ণ কিবা কাজে জন্মিলন্ত ॥২২১॥
ব্ৰহ্মা বিষ্ণু ৰুদ্ৰৰূপে কোনে কৰ্ম্ম কৰে।
মৎস্য কুৰ্ম্ম ৰূপ ধৰি কি লীলা আশ্ৰযে ॥
বলোভদ্ৰ সহিতে কৃষ্ণ লীলাশ্চয়।
তাহাক পশিলা ঋষি সব সম হয় ॥২২২॥
কৃষ্ণ বৈকণ্ঠক গৈলা ৰ'ত ধৰ্ম্মগন।
কহিয়ো কাৰণ কাত লৈওক হৰন ॥
এহিচয় প্ৰশ্ন কৈলা কহিলো নিশ্চয়।
ভক্তি উভয়ৰ কথা শুনা যেন নয় ॥২২৩॥
প্ৰথম কালত কৰি তীৰ্থক গমন।
তেবেহে মোহোক গৈয়া কৰিবে শৰন ॥

তাত পাছে মহন্তৰ যত গুন গন।
এক মনে কৰিবেক শ্ৰবন কীৰ্ত্তন ॥২২৪॥
ধৰ্ম্মক লাগিয়া পাছে শ্ৰদ্ধা হবৈমন।
তেবে ঈশ্বৰত মতি হৈবে অনুক্ষন ॥
সপ্ৰেম ভকতি হৱে আত অনন্তৰ।
তবেহে ঈশ্বৰ বশ্য জানা ভকতৰ ॥
সমস্তে লবয় লাগ পূৰুষত আৰি।
ধৰ্ম্মক পাৱক আবে শুনিয়ো হৃষি ॥২২৫॥
সব্য শৌচ তপ দাযা এহি চাৰি পাৱ।
ধৰ্ম্মৰ পদক কহো শুনীয়ো মাধব ॥
অসাধ্য যে মোৰ সঙ্গে সদচতুষ্টয়।
অসাধ্য সাধ্যক জানা ভাগিলা নিশ্চয় ॥২২৬॥
স্ময় জানা ভাঙ্গিলেক তপ নাম ভৰি।
সঙ্গে ভাঙ্গিলেক মৌচ পাৱ নিষ্ট কৰি ॥
মদে ভাঙ্গিলেক দায়া নাম যিতু পাৱ।
কলিৰ পদক কহো শুনা সেন ভাৱ ॥২২৭॥
পদ শ্ৰীশূন্য সুবৰ্ণক আদি য'ত।
অমৃত ঘৃতত পান পদ সাৰোগত ॥
নাৰীতে ওপজে কাম চালত বাধ।
সুৱৰ্ণত বৈৰ বুদ্ধি নাহিকেয় দগ্ধ ॥২২৮॥
এতে কেহে স্ত্ৰী সুবৰ্ণত আশ কতি।
নকৰিবা যিতুজন মহা সন্ত মতি ॥

পৰীক্ষিত নৃপতি পাছে পুচন্ত সুকত।
মৰণ সময়ে লোক কোন ধৰ্ম্মলন্ত ॥২২৯॥
কাক শুনিবেক কাক কহিবে নিশ্চয়।
কোন কৰ্ম্ম কৰিবেক কহো মহাশয় ॥
কাক মনে জানিবেক কিমত কুশল।
কৈয়ো দেৱ মোৰ হৌক জন্মৰ সম্ফল ॥২৩০
এহি মানে থৈলো কথা প্ৰথম স্কন্ধৰ।
দ্বিতীয় স্কন্ধৰ কথা শুনা আত পৰ ॥
বিপ্ৰয্যব বলিলেক প্ৰশ্নৰ তাহাক।
যিতু স্বভাৱতে কৰে বুঢা সবা হাক ॥২৩১ ॥
কৃষ্ণহে কৰ্ত্তব্য জানা সকললোকৰ।
কৃষ্ণকেহে জপিবাৰ লাগে নিৰন্তৰ ॥
কৰ্ত্তব্য জানিবা কৃষ্ণ বেশে কৰ্ম্মচয়।
আক নাজানিয়া লোকে সংসাৰ পৰয় ॥২৩২॥
পদ্ম কলপত ব্ৰহ্ম দেৱৰ আগত।
চাৰি শ্লোকে নাৰায়ণে কৈলা ভাগৱত ॥
জ্ঞানবিজ্ঞানক কথা তদং ৰহস্যক।
এহি চাৰি গোটা শ্লোক কহিলা ব্ৰহ্মাক ॥২৩৩
শাস্ত্ৰ শ্ৰবনক জানা জ্ঞানক বুলি কয়।
মহা গুৰু জাকহে বিজ্ঞান বুলি কহয় ॥
প্ৰেমানন্দে ভক্তি কৰে ভক্তৰ সঙ্গত।
তাকেহে ৰহস্য বুলি জানা স্বৰূপত ॥২৩৪॥

সাধু সঙ্গে বহিজানা ভক্তৰ সঙ্গত।
শ্ৰবন কৰয় জানা প্ৰেম আনন্দত॥
তাকেহে তদং বুলি কহিলো নিশ্চয়।
এহি চাৰি ভাগ কথা বুজিবে লাগয়॥২৩৫॥
আত অনন্তৰে শুনা দশ লক্ষনক।
সৰ্ব্বৰস আৰু জানা স্থান পোষনক॥
তুতি মনুন্তৰ গুন ঈশ্বাণু কথাক।
নিৰুগদ মুক্তিক যে আদিত্য আশ্ৰৱক॥২৩৬
মৰিষি আদিৰ স্মৃষ্টি বুলি বিশৰ্গত।
স্বৰ্গ পৃথিবীক পতালত আদিযত॥
স্থান পোষনত হেন জানিবা সমস্ত।
সন্তৰ মনত কুপ দুৰ্ব্বাক্ষণা জাত॥২৩৭॥
ইতু হেন লক্ষণক কাষ্ঠাত বোলয়।
সন্তৰ কৃপাত মুবাষনা জাত হয়॥
প্ৰতিত ভকত হৰি কৰন্ত ৰক্ষন।
এতেকেহে তাঙ্ক জানা ধলয় পোষন॥২৩৮॥
সদ অসদৰ মহিমা যাত তে জয়।
মহন্তৰ কৃপাত সুবাষনা জাত হয়॥
ইতু হেন লক্ষণক ভাবিয়া বোলয়।
মহন্ত সকলে আক কহিয়া আচয়॥২৩৯॥
মনু পুত্ৰ ইন্দ্ৰ অংশ ঈশ্বৰৰ।
ঋষিশয় মনুষ্যৰ পাৱ নিৰন্তৰ॥

অংশ অৱতাৰ ভক্ত ৰাজাৰ চৰিত।
তাহাঙ্ক ঈশ্বান কথা বোলয় প্ৰবিত্ৰ ॥২৪০॥
নিব্য নৱ বুলি ক্ষেনদ জীৱ নাম।
বোলয় নৈমিশ্য ব্ৰহ্মা বোলে যিতুকাম ॥
শতেক বৎচৰ আয় ব্ৰহ্মাৰ হোৱয়।
তাতেহে ব্ৰহ্মায় প্ৰলম মিলয় ॥২৪১॥
চাৰি প্ৰলয়ক জানা নিৰুদ্ধ বোলয়।
জাগন শপন ইতু মহা নিদ্ৰা হয় ॥
চৈতন্য ঈশ্বৰে বোলিয়া থাকয়।
এহি মতে জানা জীৱ দেহ প্ৰবৰ্ত্তায় ॥২৪২॥
ভাগৱত শাস্ত্ৰ এহি নয় লক্ষণক।
দশম লক্ষণ আবে কহে ঈশ্বৰক ॥
শুনিয়োক আবে সভাসদ সাধুযত।
শাস্ত্ৰ সাৰ ছাই পদ কৰিলো বেকত ॥২৪৫
ততো দূৰ শয় শুক দেৱ যতুৰাই।
দিলা অনুমতি মোক কৃপা দৃষ্টি ছাই ॥
সেহি অনুমতি মণে জানা যত মান।
সন্তসাৱ নাম ইতু শাস্ত্ৰত প্ৰধান ॥২৪৬॥
মহান্ত সবে আত মহা কৌতূহল।
পাপ যুক্ত মনুষ্যৰ আত কোন ফল ॥
জানি বুদ্ধ জনে মোক নিন্দা নুবুলিবা।
শাস্ত্ৰক ছাহিয়া অৰ্থ বুপাছেহেজিবা ॥২৪৭॥

জানি কৃষ্ণ চৰণত সবে কৰা সেৱ।
কৃষ্ণ বিনে নাহিকে অপৰ আনদেৱ ॥
হেন কৃষ্ণ দেৱ মই কৰো নমস্কাৰ।
মৃত পৰে নাহিকেৱ জান দুৰাচাৰ ॥২৪৮॥
সহজেৰ হোক মন তযু চৰণত।
জনমে ২ হৌক তাৱ ভকতত ॥
এহি কৃপা কাৰণে বন্দোহো আন কাম।
জন্মৰ সফল হৌক বোলা ৰামৰাম ॥২৪৯॥

